কৰি, পিন্ধি বস্ত্ৰ হওঁ সমাহিত। বিবস্ত্ৰ
শৰীৰ ঢাকি, কৰোঁ ঝাণ্টে লজ্জা নিবাৰণ!

[ সকলোৱে লৰালৰিকৈ পানীৰপৰা উঠি, যেয়ে
আগতে যাৰ কাপোৰকে পালে, বাছি
লবলৈ সময় নাপাই তাকে পিন্ধিলে। শৰ্ম্মিষ্ঠাই
নাজানি দেৱযানীৰ কাপোৰ পিন্ধিলে। ]

দেৱযানী।— ইঁয়েৰা শৰ্ম্মিষ্ঠা, বৃষপৰ্ব্বাৰ জীয়াৰী!
কোনটো সাহেৰে তই পিন্ধিলি কাপোৰ
মোৰ? শুক্ৰাচাৰ্য্য কন্যা মই। তোৰ মই
গুৰুৰ নন্দিনী; শিষ্যা তই মোৰ। নকৰি
সঙ্কোচ, পিন্ধিলি বসন মোৰ?—
অসুৰৰ জয়ৰীৰ স্পৰ্দ্ধা দেখি মই
মানো আচৰিত! যেন দেৱযানী সমনীয়া
তাইৰ! ফুৰোঁ একেলৰে দেখি তই
পাহৰিলি হব নিজা ঠাই? আশৈ পাই
জঁাপ দিলি দেখোঁ গললৈকে মোৰ?—
নাই দেখা, নাই শুনা এনে অত্যাচাৰ,
অগোচৰ সপোনৰ মোৰ!
জান নে কি হঁয়, এই অত্যাচাৰৰ ফলত,
শ্ৰেয়োলাভ কদাপি নহয় তোৰ?—

শৰ্ম্মিষ্ঠা।— কিহৰ বাবত তুমি কৰিছা ইমান
খং হেৰা দেৱযানী? ভীমটোকা ভয়-লগা
গপ, দেখুৱাইছা কিহৰ নিমিত্তে?

চাবা যেন, এনে গেলা গপৰ কাৰণে
নিছিগে তোমাৰ মূৰ !
মিহলালে বতাহে কাপোৰ। লৰালৰি
কৰি উঠি পিন্ধিলোঁ কাপোৰ, যেয়ে যাৰ
পালোঁ, আহিছে কোনোবা ভাবি। নাছিল
সময়, নিজ বস্ত্ৰ বাছি যাতে কৰোঁ
পৰিধান। নাভাবি সুবুজি কিয় উঠিছা
উতলি, ডাক-জুইত ঘিউ পৰা দৰে ?
পাহৰি সংযম তুমি, তয়া-হঁয়া
শৰ্ম্মিষ্ঠাক কৰা কি কাৰণে ? জানা নে হে
ভিকহুৰ জীয়ৰী, কাৰ কন্যা শৰ্ম্মিষ্ঠা
এইজনী ? দিনে ৰাতি পিতাৰে তোমাৰ
স্তুতি কৰে যাক, কৰি আশা এমুঠি
অন্নৰ, তাৰ কন্যা মই। যি বস্ত্ৰৰ
অৰ্থে আজি জোকাৰিছা মুখ, সেই বস্ত্ৰ
লভিবৰ আশে, পিতাৰে তোমাৰ, স্তৱ
কৰি থাকি যাক কটায় জীৱন, সেই
শ্ৰেষ্ঠ অসুৰ ৰজাৰ আদৰৰ কন্যা
মই। পিতা মোৰ উপবিষ্ট, অথবা
শয়ন কৰি থাকে যেৰে, তোমাৰ পিতাৰে
বহি নিৰাসনে, স্তুতি পাঠকৰ দৰে
বিনম্ৰ ভাৱেৰে কৰে স্তৱ যাক, দুহিতা
তেওঁৰ মই। যাচ্ঞা কিম্বা প্ৰতিগ্ৰহ

প্রশংসাক কৰি, কৰে যি জীৱিকা নিৰ্ব্বাহ,
তাৰ কন্যা তুমি। সকলোৰে আৰাধনা
কৰি দিন ৰাতি, সেঁৱি থাকে যাক, তাৰ
কন্যা মই। দানি, প্ৰাৰ্থনাৰ অধিক
অৰ্থক, প্ৰাৰ্থকৰ পূৰে মনকাম
সততে যিজনে, তাৰ কন্যা শৰ্ম্মিষ্ঠা
নিশ্চয়। টোকোনা বিপ্ৰৰ পুত্ৰী হৈৰা
দেৱযানী, যিমানকে দ্বেষ কৰা মোক,
ক্ষোভ কৰি দিয়া অভিশাপ, নিশ্চয়
জানিবা তুমি, দেৱযানী শৰ্ম্মিষ্ঠাৰ
নহয় সমান। ৰাজকন্যা মই।—

দেৱযানী।—কি কলি দানবী? কি কলি অসুৰ কন্যা
তই? সৰু মুখত দেখোঁ বৰ কথা? বুলিছ লে
সঁচাই দানবী, দেৱযানী নহয় সমান
তোৰ? ইমান পালিছি দেখোঁ বাঢ়ি
লাহে লাহে? দেৱযানী স্তাৱক-দুহিতা?
যাৰ পদধূলি লৈ পবিত্ৰ বাপেৰ,
তোৰ সপ্তম পুৰুষ, এনে শুক্ৰচাৰ্য্য
পিতা যাচক প্ৰাৰ্থক? পৰ-অন্ন-ভোজী?
অসুৰ কুলৰ গুৰু ভাৰ্গৱ মহান্
পৰ অনুগ্ৰহে কৰে জীৱন ধাৰণ?
পৰ পদ সেৱি কৰে অন্নৰ সংস্থান?
ভিক্ষাবৃত্তি আচৰণ কৰি, পিন্ধে কটিত

বসন ?—
অপবিত্ৰ অসুৰৰ তেজ, নীচ মন
নীচৰ স্বভাৱে গঁথা আছে অস্থি মজ্জা
তোৰ ; উচ্চ সঙ্গ উচ্চ সংঘৰ্ষণে নগল
কদাপি। ঘৃণনীয়া দানবী পাপিনী !
কিবা লাভ সম্ভাষণি তোক ?—
নাচাবি পোন্দাই চকু মোক, অসুৰৰ
জীয়ৰী ! ঘুকি দিম চকু তোৰ নিশ্চয়
জানিবি ! দে মোৰ কাপোৰ দুষ্টা
হুভচিৰীহঁতী !

[ দেৱযানীয়ে শৰ্ম্মিষ্ঠাৰ কাপোৰ ধৰি টানে।

শৰ্ম্মিষ্ঠা।— কিয় টান বস্ত্ৰ মোৰ হঁয় ? এৰি দে
এতিয়াই কাপোৰ ! বলেৰে পাৰিবি
বুলি ভাবিছ হবলা ? আৰৈ-চাউল
চোবোৱাৰ জীয়ৰী ? বুজ নাই পোৱা তই,
শৰ্ম্মিষ্ঠাৰ খঙৰ প্ৰতাপ ? এঠেলাতে
পেলাম নাদত তোক, জানিছ নে তই ?
[ শৰ্ম্মিষ্ঠাই ঠেলা মাৰি দেৱযানীক পাটনাদ
এটাত পেলাই দি, সখীয়েকহঁতেৰে সৈতে গুচি যায়।

## দেৱযানী।

(৩)

( স্থান—উপবনৰে আন এডোখৰ। )

( ঘোৰাত উঠি যযাতিৰ প্ৰৱেশ )

( পিছে পিছে বতুৱা ঘোৰাত উঠি বিদূষক )

বিদূষক।— হেৰা ৰজা! হেৰা সমনীয়া! মহাৰাজ!
সৰ্গদেও মোৰ! ৰবাঁ ৰবাঁ, লাহে লাহে
যোৱাঁ। ফিৰিঙতি ভগাদৰে ভাগিছা নো
কিয়? চুৰ কৰি সৰ্ব্বহ যেন কাৰ,
ছিঙি তৰা-নৰা, ভিৰাই ধৰিছা লৰ!
যেন মই চোৰৰ পিছত, দিছোঁ খেদা
ধৰিবৰ মনে। নধৰোঁ নধৰোঁ হেৰা,
লাহে লাহে যোৱাঁ। বতুৱা তোমাৰ ঘোৰা;
উচ্চৈঃশ্ৰৱা মোৰ, অপমান গুণি, নাযায়
শাৰীত তাৰ। ঘোৰাৰো দেহত মান
অপমান জ্ঞান আছে, জানা বিদ্যমান।
ৰোৱাঁ মহাৰাজ ৰোৱাঁ! কৰি অনাথিতি
মোক হাবিৰ মাজত, পলালে ৰাজন্
নিশ্চয় পৰ্শিব পাপে।——
নোৰোৱাঁ?—বেছ কথা, ৰল পৰি বামুণ
ইয়াত! ব্ৰহ্মবধ লাগক তোমাত!

[ যযাতিয়ে ঘোৰা ৰথাই ৰয়

যযাতি।— কি হেঁ তুমি কেনুৱা বামুণ ? পিয়াহত
অন্তে-কণ্ঠে শুকাইছে মোৰ। ভাগৰত
হাৰাশান্তি মই। জল অন্বেষণ অৰ্থে
লৰিছোঁ সত্বৰ ; পানী খাই তৃষ্ণা কৰোঁ
দূৰ। আপদ বামুণ ! কিয় চিয়ঁৰি পিছত
কৰিছা আমনি ? ফেৰু যেন বাঘৰ পিছত।
ঘোৰাশাল মোৰ কৰিছে শুৱনি, হাজাৰ
হাজাৰ ঘোৰা ; নুঠি নানি তাৰপৰা
ভাল ঘোৰা এটা, বহুৱা বামুণে আনিছে
বতুৱা এটা ! ধূমকেতুৰ নেজৰ নিচিনা
লাগিছে পিছত মোৰ !—

বিদূষক।— থাকাঁ থাকাঁ নামাৰিবা গপ ! ঘোৰাশাল
নুবুলিবা তাক। গৰ্দ্দভৰ শাল সিটো
নোহে ঘোৰাশাল। উচ্চৈশ্ৰবা বাজী মোৰ
ইন্দ্ৰৰো বাঞ্ছিত। ত্যজি এনে অশ্বৱৰ,
অধিৰোহি গাধত তোমাৰ, ভদ্ৰলোক
হৈ লাগিছিল আহিব হবলা ? গাধ
উদণ্ডই উজুটিক খাই, পেলাই বধক
মোক ; দুখুনী বামুণী মোৰ, খাই ৰাৰী ভাত,
কটাওক জীৱন ; তেহে সুখ লাগিব
তোমাৰ ? নুশুনো তোমাৰ কথা উতনুৱা
ৰজা। মনে মনে থাকা—

যযাতি।— হৈছে ! হৈছে ! বুজিছোঁ সোপাকে ! সামৰা

বকলাথন। পিয়াহত ৰাইজাই গা।
বহুৱালি লাগে নে কি ভাল, এনে
সময়ত ?—
ৰবাঁ ! কূপৰ নিচিনা এটা দেখিছোঁ
দূৰত। যাওঁ, চাওঁ, পাব পাৰোঁ পানী।

[ যযাতিয়ে কূপৰ কাষলৈ গৈ দেৱযানীক দেখে।

বাঃ ! অগণিৰ শিখাৰ সদৃশ কি
জ্বলিছে সেইটী !—
দেৱকন্যা ? অপ্সৰী কিন্নৰী কিবা কৰে
জলকেলি ? অন্ধকাৰ কূপৰ মাজত
সোণৰ পদুম পাহি ! অপৰূপ জ্যোতি !
———আহা কৰিছে ক্রন্দন !
খনিৰ তিমিৰ গৰ্ভে হীৰা এডুখৰি
কিহেতু নিবসে ? সৰগ-শুৱনী কন্যা
দেৱৰ নন্দিনী, পৰিছে ভূতলে কিবা
তৰাৰ নিচিনা ? কোন তুমি অপ্সৰী
ললনা, পৰি এই মহা অন্ধকূপে,
কৰিছা বিলাপ বালা ? স্ব ইচ্ছাত আছা
কিবা পৰি ? নতু জানো কিবা ক্রোধবশে ?
দুষ্কৰ্ম্মৰ বশবৰ্ত্তী জনে, কৰিলে ইকাম
কিবা ? কোৱাঁ শীঘ্রে গুচোক সন্তাপ।
ৰজা মই, নহুষ নন্দন।—

দেৱযানী।—শুনা মহাৰাজ, মই দিওঁ পৰিচয়।
নিবেদন কৰোঁ মোৰ দুখৰ কাহিনী।—
দেৱাসুৰ ৰণত যেতিয়া, অসুৰ নিহত
হয়, সঞ্জীৱনী বিদ্যাৰ বলেৰে প্ৰদানে
যি জনে প্ৰাণ হত অসুৰক, সিজনৰ
কন্যা মই ; পিতৃ শুক্ৰ মহৰ্ষি প্ৰখ্যাত,
ব্ৰহ্মজ্ঞান পূত হৃদি। তপোবন মাজে
বৰ্দ্ধিতা তনয়া মই, দেৱযানী নাম।
নাজানে পিতাই, আজি বনৰ মাজত
ঘাটছে ইদশা মোৰ। মহাৰাজ !
মহাবংশপ্ৰসূত আপুনি, অসামান্য
যশৰ ঈশ্বৰ, শান্ত শিষ্ট প্ৰকৃতিৰে
বিমণ্ডিত বপু। ধৰি মোৰ দক্ষিণ
হস্তত, অন্ধকূপহন্তে উদ্ধাৰাঁ সত্বৰে
মোক।—

[ যযাতিয়ে দেৱযানীক ব্ৰাহ্মণ কন্যা জানি
তেওঁৰ সোঁ-হাতত ধৰি তোলে।

ধন্য হওক মহাৰাজ ! দেৱযানী
হিয়া-ভৰা দিয়ে কৃতজ্ঞতা।—

যযাতি।— কৰ্ত্তব্য কৰিলোঁ মই ; ধন্যবাদ নোহোঁ
অধিকাৰী। বিদায় প্ৰাৰ্থক মাত্ৰ তোমাৰ
কাষত, সুবদনি ভাৰ্গৱ নন্দিনি !

যাওঁ মই আপোন আলয়।—

[ যযাতিৰ প্ৰস্থান। পিছে পিছে বিদূষক।

বিদূষক।— বোলোঁ, কি হেঁ মহাৰাজ! কলৈ পলাই
গল পানীৰ পিয়াহ? নেদেখিলোঁ মই
দেখোঁ, তুমি পিয়া পানী? আহোঁতে তোমাৰ
দেখি ঘোৰাৰ চেকুৰ, ভাবিছিলোঁ বোলোঁ
আজি কৰিবা গণ্ডুষ, সাতো সাগৰৰ
পানী অগস্ত্যৰ দৰে। কিন্তু, সৰু ককালেৰে
সেই বামুণী ছোৱালী হৰিলে পিয়াহ
দেখোঁ? হবে যেনে চাকিয়ে এন্ধাৰ।
চকুৰে হে পিলা নে কি পানী? কি ব্যাপাৰ?
কি ৰহস্য? কোৱাঁ বন্ধু নুবুজিলোঁ একো?—
কিন্তু, সাৱধান মহাৰাজ! উলামুলা
নহয় ছোৱালী!—চকু নাক বুধিৰ
ভৰাঁল; কথাত চেলোৱা লেন; টেঙৰালি
পেটত অনেক; চেলাপেটী-জোক—

যযাতি।— কেপ্‌কেপাই নাথাকিবা তুমি! মন গা
নাই লগা ভাল। থাকাঁ মনে মনে বোলোঁ।

বিদূষক।— হুঃ! বুজিলোঁ বুজিলোঁ! খেতৰণী
লাগিল দেহাত!

[ দুইবো প্ৰস্থান।

( ঘূৰ্ণিকা দাসীৰ প্ৰবেশ। )

ঘূৰ্ণিকা।— কি কৰিছা দেৱযানী অকলৈ ইয়াত ?
চকু ৰঙা কি কাৰণে পৰিছে তোমাৰ ?
বেজাৰে ঢাকিছে মুখ ; কান্দিছা নে তুমি ?
শোকাকুল কিহৰ কাৰণে ? কোৱা মোৰ
চেনেহৰ মণি ? নাযাবৰ দেখি তুমি,
বিচাৰি আহিলোঁ মই। কি হৈছে আইটী
মোক কোৱা শীঘ্ৰ কৰি ?—

দেৱযানী।—কি নো কম তোক হেৰ ঘূৰ্ণিকা বাইটী,
দুখৰ বাতৰি মোৰ ! শৰ্ম্মিষ্ঠাই আজি
মোৰ কৰিলে ইদশা ! যা লৰি পিতাৰ
সমীপ, ক গৈ সত্বৰে, কি দুৰ্গতি
কৰি গৈছে অসুৰ জীয়াৰী। কবি, মই
ইহজীৱনত নোসোমাওঁ বৃষপৰ্ব্বা
ৰজাৰ নগৰ।

[ ঘূৰ্ণিকাৰ প্ৰস্থান।

( গীত )

দেৱযানী—

শূন্য প্ৰাণ কান্দিছে সদায়।
দিৱস নাযায় মোৰ ৰাতি নুপুৱায়।
শাস্ত্ৰজ্ঞান উপদেশে তৃপিতি নহল।
পূজাহ্নিকে হৃত্তৰৰ অশান্তি নগল।

হৃদয়-বীণত বাজে বিষাদৰ সুৰ।
কি অভাৱ! কি অভাৱ! পূৰ্ণ কত দূৰ?
সেই হাত পৰশনে তীব্ৰ অভাৱৰ
জোঁকাৰ জাগ্ৰত দুৰ্ব্বিসহ দুৰ্নিবাৰ॥

(মহৰ্ষি শুক্ৰৰ প্ৰবেশ।)

[ বাৎসল্যভাবে শুক্ৰই দেৱযানীক আলিঙ্গন কৰে। ]

শুক্ৰ।— আই দেৱযানী, শুনিছোঁ শুকলো মই
ঘূৰ্ণিকাৰ মুখে। আপোনাৰ সুকৃতি
দুষ্কৃতি অনুসৰি, সকলোৰে ঘটে
সুখ দুখ সংসাৰত। বোধ কৰোঁ তুমি
কৰিছিলা কিবা পাপ আই! ফলত
যিহৰ, ঘটিছে তোমাৰ এই দশা।
হেন জানি সোণ মোৰ নকৰিবা শোক।
মলছি চকুৰ পানী, আহাঁ যাওঁ ঘৰ।

দেৱযানী।— পাপ-ভোগ হক বা নহক, দুষ্কৃতি
ফলত, না লাগে সি কথা। শৰ্ম্মিষ্ঠাই
যি কৰিলে মোক, সম্প্ৰতি হে লাগে তাক।
কইছোঁ বিবৰি মই ঘূৰ্ণিকা দাসীক;
শুনি আছা সকলো নিশ্চয়।—
আৰু, সঁচা যদি শৰ্ম্মিষ্ঠাই যি কলে
আগত মোৰ, তেন্তে পিতা নকৰি পলম,
এতিয়াই ক্ষমা মগা উচিত তোমাৰ,

শৰ্ম্মিষ্ঠাৰ কাষত। ঘৃণিত স্তাবক
তুমি তাইৰ বাপেকৰ! প্ৰতিগ্ৰহ
উপজীবি তুমি! কত আছা শুনি,—
পৰ অন্ন ভোজী স্তাবক সন্তানে কৰে
অপমান তাৰ প্ৰভু-নন্দিনীক? দণ্ড
তাৰ নিশ্চিত বিধান!—

শুক্ৰ।— বৎসে দেৱযানী! স্তাৱক বা প্ৰতিগ্ৰহজীৱি
নহয় জনক তোৰ। নহয় পিতাৰ
তোৰ কাৰো চাটুকাৰ। স্তৱ স্তুতি আনে
কৰে মোক। অচিন্ত্য নিৰ্দ্বন্দ্ব পৰব্ৰহ্ম
মোৰ বল; স্তাবক তেওঁৰ মই, নহওঁ
আনৰ। স্তুতি পাত্ৰ মোৰ—জগজীৱ,
জগতজনক; নোহে ক্ষুদ্ৰ নৰ।
বৃষপৰ্ব্বা, ইন্দ্ৰ, আৰু নহুষ আত্মজে
জানে এই কথা।—
আৰু শুন দেৱযানী, শাস্ত্ৰৰ ব্যৱস্থা,—
ক্ষমা গুণে তিৰস্কাৰ উপেক্ষে যিজনে,
বিশ্ব চৰাচৰ এই কৰায়ত্ত তাৰ।
উত্তেজিত ক্ৰোধক নিগ্ৰহি, যিজনে
ৰাখিব পাৰে টানি বাঘজৰী,
উত্তেজিত অশ্বক যি মতে, সাধুসবে
তাক যথাৰ্থ সাৰথি বুলি প্ৰশংসে
সদায়। উদ্ৰিক্ত ক্ৰোধৰ অগ্নি, ক্ষমা-বাৰি

সিঁচি নুমাই যিজনে, জিনে তেওঁ জানা
এই স্থাবৰ-জঙ্গমাত্মক বিচিত্র জগৎ।
সাপে মোট পেলোৱাৰ দৰে পেলায়
ক্রোধৰ মোট যিজন পুৰুষে, পণ্ডিত
সকলে বোলে সৎপুৰুষ তাক। ক্রোধাবেগ
সম্বৰি যিজনে, তিৰস্কাৰ পাৰে উপেক্ষিব,
হৈ সন্তাপিত আনক নকৰে তপ্ত,
সৰ্ব্ব-অৰ্থ সিদ্ধি লাভ তেনেজনে কৰে।
যিজনে প্রতিমা পূজে শত বৰ্ষ ধৰি,
কৰি আছে যজ্ঞ অনুষ্ঠান, নহয়
সমান তেওঁ অক্রোধী জনৰ ; ক্রোধহীন
শ্রেষ্ঠতৰ অতি। বিবেকৰ অভাৱত পৰি,
কৰে ক্রোধ বালক বালিকা ; প্রাজ্ঞজনে
নকৰে সিমত। সেইদেখি দেৱযানী,
পৰিহৰি ৰোষ, সমাহিত চিত্তে আহাঁ
ঘৰলৈ তোমাৰ।

দেৱযানী।— শুনা পিতৃ, কওঁ মই স্বৰূপ বচন ;—
বালিকা নহওঁ মই কম বয়সীয়া ;
ধৰ্ম্ম-কৰ্ম্ম বিবেচিব নোহোঁ অসমৰ্থ ;
বলাবল পৰিজ্ঞান ক্রোধৰ ক্ষমাৰ,
কৰিবলৈ নোহোঁ অপাৰগ। কিন্তু পিতা,
শিষ্য হৈ অশিষ্যৰ দৰে আচৰে যিজনে,
মঙ্গলাৰ্থী নক্ষমে কদাপি। সেই হেতু

হে পিতা, হে তাত মোৰ! ভ্ৰষ্টাচাৰ দেশ
ইটো বাসৰ অযোগ্য। এই দেশে বাস
মোৰ অভিলাষ নাই। চৰ্চ্চা কৰি ব্যৱহাৰ
কৌলীন্যাদি আৰু পৰ নিন্দি কটায়
সময়, এনে লোক নিবসে যি স্থানে,
অযুগুত সি স্থানে নিবাস। অযুগুত
সংসৰ্গক কৰা তাদৃশ পাপীষ্ঠ সঙ্গে।
যি স্থানত কৰিলে বসতি, কৌলীন্যৰ
গৌৰৱ নিখুঁট, শ্ৰেয়ঃকল্প সিস্থানত
বাস।—
পিতাদেউ! শৰ্ম্মিষ্ঠাৰ বাক্যানলে দহিছে
হৃদয় মোৰ! নোৱাৰোঁ সহিব আৰু
মই! নোলায় মুখত আৰু কথা; নকওঁ
সৰহ।—কিন্তু, হতভাগ্য যিজন পুৰুষে
যৎকিঞ্চিৎ লাভ আশা কৰি উপাসে ধনীক,
মৃত্যু তাৰ শ্ৰেষ্ঠ শতগুণে!—

[ আৰ-কাপোৰ।

১৮৩৩ শক।
ভাদ, হাওড়া।



# বাঁহী।

## (গীত)

মোৰ একেটি সুৰত বাঁহীটি বন্ধা,
একেটি মাণোন মাত।
ৰাতিয়ে দিনে এটি হুমুনিয়া,
একেটি আনন্দ তাত॥

সুখৰ হাঁহিটি থন্তেকতে মৰে;
সুখৰ এন্ধাৰ থন্তেকতে হৰে;
শান্ত হৃদয় আবেগে আকুল,
একেটি সুৰৰ আঘাত॥

শবদ কঁপনি সপ্তম, পঞ্চম,
উচ্চৰে "একমেব অদ্বিতীয়ম্",
শোকৰ যাতনা, সুখৰ বাসনা,
মিহলি একেটি তাত॥

বৈচিত্ৰ বিলয়, ভেদ সমন্বয়,
খণ্ডত অখণ্ড, বাঁহীটিয়ে কয়;
হাঁহোন কান্দোন, প্ৰথৰ মধুৰ,
এটি ধ্বনি উঠে তাত॥

অন্ত অনন্তৰ মাজত আসন,
বাঁহীটিত বাজে আত্মবিলোপন,
শুনা হে শুনা হে অমৃত-সন্তান,
আতমা পৰমাত্মাত ॥

১৮৩৩ শক।
আহিন, হাওড়া;

## কৰ্ম্ম।

কৰ্ম্মৰ জনম জানা তোমাৰ লগতে
তাৰে সৈতে এৰাএৰি নাই।
তোমাৰ হাততে আছে কৰম সজুলি,
মন মথোঁ কৰিবৰ উপায় ॥

১৮৩৪ শক।
জেঠ, হাওড়া।

---

## চিৰযৌবন।

কোনে কৈছে বুঢ়া হলোঁ মই?
সি যে ভাই মিছা কথা কয়।
বয়সে, অমৃত প্ৰেমে তুমুলি সংগ্ৰামে,
জয়ী প্ৰেম, বয়স বন্দুৱা;
চোৱাঁ মই চিৰ বিনন্দীয়া!

প্ৰিয়াই সঙ্গীত মোৰ গায় ;
সঙ্গীত, পৰাণ ভিন্ন নাই ;
প্ৰত্যেক চৰণে চুমি প্ৰিয়া-ওঠ দুটি,
যৌবন অমিয়া কৰি পান,
চলে চিৰ নতুন পৰাণ ।

ভাবনাই ভাবি আনে কাল ;
প্ৰেমহীনে বয়স জঞ্জাল ;
প্ৰিয়া-হিয়া অমৃতৰ মধুৰ মদিৰা
কৰি পান অমৰ আতমা ;
যৌবনৰ নাই হেৰা সীমা ।

নকবা নকবা মোক বুঢ়া,
বয়স বছৰ অহা যুৰা ;
চিৰানন্দ যৌবনৰ শুনুৱা বাতৰি ;
প্ৰিয়াৰ প্ৰেমৰ চকুজুৰি
দিছে বাৰ্ত্তা, তাতে আছোঁ বুৰি ।

১৮৩৪ শক ।
আহিন, হাওড়া ।

---

## আত্মবোধ।

আপোনাৰ মোল নুবুজি মানুহ মৰিব লাগিছে যত।
মাউৰ মৰকত পৰি পৃথিবীত নাই মৰা জানা তত॥

১৮৩৪ শক।
কাতি, হাওড়া।

## বীণ-বৰাগী।

(১)

দিন দুপৰত
আগ-চোতালত
কোনে নো বাইছে বীণ?
কিনো গীত গায়,
কিনো কথা কয়,
উজাৰি লুকুৱা চিন।
বুজোঁ বুজোঁ কৰোঁ
বুজিব নোৱাৰোঁ,
কৰে ঐ বৰাগী তই?
কি দুখৰ কথা,
কি শোক বাৰতা,
কি কৈছ নুবুজোঁ মই।

সীতা আইৰ বাতৰি
যদি হে কৈছ,
নকবি আৰু ঐ মোক !
জনম দুখুনী
আই সীতা শান্তি,
শুনিলে বাঢ়িব শোক।
যদিহে গাইছ
নলৰ কাহিনী,
নাগাবি বৰাগী আৰু ;
দময়ন্তী দুখে
হিয়া ভাঙি নিব,
নালাগে অলপো বাৰু।
চিন্তা শ্ৰীবৎসৰ
নাগাবি কাহিনী ;
দ্ৰৌপদীৰ নকবি কথা।
সতী জয়মতী
আয়তী দুখুনীৰ
দুখত লাগিব ব্যথা॥

(২)

যদি হে গাইছ,
বদন ফুকনে
কেনেকৈ আনিলে মান ?
কেনেকৈ মৰাণে

আসাম ধ্বংসিলে,
যদি হে গাইছ গান ?
মণিৰাম পিয়ালিৰ
মৰণ বাতৰি
যদি তোৰ বীণে গায় ?
মানা কৰ তাক,
বৰাগী ককাই ঐ !
শোক মোৰ উথলায়।
একণি হৃদয়,
একেৰি সমল;
কত নো সহিব খুন্দা।
ভাগি ছিগি যায়
অলপ আঘাতে,
কিয় তই মোক কন্দা ?
বেহুলা শান্তিৰ
নুশুনাবি দুখ ;
চান্দোৰ নকবি কথা ;
দুখৰ বোকোচা
বব মই নোৱাৰোঁ;
অন্তৰত পাওঁ ব্যথা।
বিষাদ বাতৰি
কতনো শুনাবি,
মনৰ তৰণি নাই।

কাৰো কৈ মাতিছোঁ,
বৰাগী ককাই ঐ,
বীণে যেন নিবিনায়।

( ৩ )

শোকৰ সুৰটি
নুশুনিও নোৱাৰোঁ,
বাঘ-মোৰে ধৰে মোক ;
আঁতৰি যাবৰ
শকতি নাপাওঁ,
বেজাৰে পীড়িছে বুক ॥
শুনা ঐ বৰাগী,
আনন্দ কাহিনী,
আসামৰ যশৰাশি ;
হিয়া মোৰ হেৰ
বলৱন্ত হোক,
পৰাণ উঠক উলাসি ॥
বাণ, ভগদত্ত,
নৰকাসুৰৰ,
ভীষ্মকৰ গুণ গা।
ভাস্কৰ বৰ্ম্মাৰ
কীৰিতি সুন্দৰ
শুনো হেৰ বীণ বা ॥

শকুন্তলা দিবে
কেদাৰ ৰজাক
কেনেকৈ জিনিলে শুনা ;
পাৰস্য সম্রাট
আক্রমিয়াবেৰে
যুজিলে কেনেকৈ জনা ॥
শঙ্কৰ, মাধৱ,
কন্দলি সকলে
কি কৰিলে বীণ ক !
ৰুদ্রসিংহ স্বৰ্গদেৱে
কি কৰিলে
ক বীণ ! কিয় ব ?
ৰৰদৈ-চিলা হেন
চিলাৰায় দেৱানে,
নৰনাৰায়ণ ৰজা ;
কি কীৰ্ত্তি ৰাখিলে,
গা ঐ ৰবাগী !
বজা, আৰু বাৰ বজা !

( ৪ )

বজা ঐ ৰবাগী
সংসাৰ বিৰাগী,
সংসাৰৰ গুণ গান ,
সুৰদি শুৱলা

বেশ্‌টোবেপতি
শীতল হওক প্ৰাণ ॥
কথাটি নুবুজোঁ,
সুৰটি বুজিছোঁ
জন্মজন্মান্তৰে শুনা ;
সি-জন্মৰ সোঁৱৰণি
সোঁৱৰাইছ,
হেৰ আলসুৱা বীণা !
সৰগ বাতৰি
সৰগৰ বীণে
অবুজ ভাষাৰে গায় ;
বুজিও নুবুজোঁ,
বুজিম সকলো,
তেতিয়া সিপুৰী পায় ।
সৰগৰপৰা
নামি আহি বীণে
সৰগ বাতৰি দিলে ;—
"সৰগ এৰিছো,
আকৌ সৰগ
পাবা গৈ" বুলি সি কলে।
"সদায় নাথাকে
প্ৰবাসৰ দুখ",
বীণৰ সুৰে বিনায় ।

আনন্দৰ কণা
সৰগৰ আনি,
মৰ্ত্ত্যত মোক যোগায়।

( ৫ )

গা বীণ গা,
অমৃত সঙ্গীত,
শুকানে মেলক কুঁহি,
প্ৰবাস-ভাগৰ
আঁতৰি পলাওক,
মুখত ওলাওক হাঁহি।
বীণৰ বৰাগী !
বৰাগী নহব,
দুখীয়া নহব তই ;
আনন্দৰ কণা,
ৰসৰ নিজৰা,
বীণতে বান্ধিছ ঐ !
নমা ঐ ! নমা ঐ !
আকাশী অমিয়া,
আকাশী-গঙ্গাৰ দৰে।
দে মোক, দে মোক,
বৰাগী ককাই ঐ !
পিওঁ মই নিছিগা ধাৰে॥

নতুন প্ৰাণৰ
ন চকুজুৰি,
দীপিতি ঢালি দে তাত ;
পুৰণি পৃথিবী
ন-কৈ চাই লওঁ,
হে বীণ এবাৰি মাত !

১৮৩৪ শক।
আবোণ, হাওড়া।

## ধনবৰ আৰু ৰতনী।

ৰতনী মিৰি জীয়ৰী। তাইৰ বয়স ষোল ; ঘৰ ধনশিৰী মুখত। ধনবৰ মিৰি ডেকা। তাৰ বয়স ষোল ; ঘৰ দীখৌমুখত। ৰতনী মাক বাপেকেৰে সৈতে উজাই আহি দিনচেৰেক ধনবৰৰ বাপেকৰ ঘৰ দীখৌমুখত আছিল। ৰতনী মাক বাপেকেৰে সৈতে নিজৰ ঘৰলৈ উভতি ভটীয়াই যাবৰ দিনা, ডুপৰীয়া ব্ৰহ্মপুত্ৰৰ পাৰত বহি ধনবৰে এইদৰে বিনাই কান্দি থাকি, অন্তত আত্মবিলোপ কৰিলে।—

উজায়ে আহিলে ভাটীৰে ৰতনী,
বুকুৰে মাধুৰী লৈ ;
ভটীয়াই গলে ঐ শাহটো সামৰি,
মোলৈ খোলাটো থৈ।

কৰে ঐ ৰতনী,　　কৰে ঐ শাঁখিনী,
কিনো কুটেশালে তই !
সকলো লুটিলি,　　ধনাইকে বধিলি,
কেনেকৈ জী থাকোঁ মই

পৰ্ব্বতে পৰ্ব্বতে　　বগাব পাৰোঁ মই,
লতা বগাবলৈ টান ;
ৰতনী সোণাইকে　　বৰাব পাৰোঁ মই,
মাকক বুজাবলৈ টান।

বগাকৈ বগলী　　উৰে কেনে কৰি
পাখিতে পাখি লগাই ;
কাৰে নো উৰিব　　ধনবৰ দুখীয়া,
ৰতনী লগতে নাই !

ফেনে-ফোটোকাৰে　　বৰ লুইত বৈছে,
বুকুত লৈ খাগৰিৰ জাঁজি ;
বুকু উদং কৰি　　ৰতনী গলে মোৰ,
কাকে লৈ বৈ যাম মই আজি !

পূবৰে পচোৱা　　চাটি মাৰি গলে,
ধানতে থৈ গলে ঠোক ;
ধনাইৰে মনাইকে　　চাটি মাৰি ৰতনী,
মনতে দি গলে শোক।

গঙাতে উৰিল ঐ গঙাৰে চিলনী,
বালিতে উৰিল ঐ ঘোৰা, *
সেন্দুৰী টিঙতে † বহি উটি গলে
ৰতনী ধনাইৰেপৰা॥

চৰায়ে তুলিলে ঐ ছ'ৰা পোৱালি,
গছৰ ডাল গুৱনি কৰি।
ৰতনীক তুলিলে মাকে বাপেকে,
ধনাইৰ কাল-শতুৰু কৰি॥

লুইতৰ শিহু ঐ টুপাই বুৰ মাৰিলি,
আকোচোন এটিবাৰ ওলা!
ধনশিৰীৰ ৰতনী টুপাই বুৰ মাৰি গল
ভাঙি মোৰ কামিহাড়েচলা॥

বালিতে চৰিছে দুটী বালিমাছী,
লগৰে লগৰী পাই।
পাৰতে কান্দিছে ধনবৰ দুখীয়া,
ৰতনী লগতে নাই!

* বালিঘোৰা, এবিধ চৰাই।

† ৰতনী যোৱা নাওখনৰ টিংটো সেন্দুৰেৰে বোলোৱা আছিল।

ফুটুকাৰ তলতে    যখিনী ছোৱালী
টুক্ টুক্ চাপৰি বায়।
ধনাইৰে ছাঁতে    ৰতনী নাই ঐ,
কোনে তাৰ মুখলৈ চায়!

নৈৰে পাৰতে    কাৰে এৰা-বাৰী,
চপৰাচপৰে খহে!
লুইতৰ পাৰতে    কাৰে ধনবৰ
ৰতনীৰ বেজাৰত জহে॥

যা গৈ ৰতনী    নাহিবি নাহিবি,
বিচাৰি নাহিবি মোক!
তোৰে ধনবৰ    ভিকহুৰ ভিকহু,
তৈ থৈ যাব শোক!

বোপাই মোৰ লুইত ঐ    সামৰি লোৱাঁ মোক,
কোলাত থান এফেৰি দিয়াঁ;
ৰতনী হেৰাল মোৰ,    সকলো পৰিল ওৰ,
আৰু মোৰ একো নাইকিয়া।

[ নৈত পৰা শবদ।

১৮৩৪ শক।
মাঘ, হাওড়া।

## ৰতনীৰ বেজাৰ।

পান-দিনৰ মূৰত গধূলি, ধনবৰৰ মৃত্যুৰ বাতৰি ধনশিৰী—মুখত ওলালগৈ। এই বাতৰি ৰতনীৰ বুকুত শেল সোমোৱাদি সোমাল। সেইদিনা ৰাতি ৰতনীয়ে শোৱাপাটীত চট্‌ফটাই থাকি, তিনি পৰ মান ৰাতি যোৱাত উঠি ঘৰৰপৰা বাহিৰলৈ ওলাই গৈ চোতালৰ আগৰ বৰ-গছ এজোপাৰ তলত বহি এইদৰে বিনাই কান্দিছিল। কৃষ্ণপক্ষ। নৱমী তিথি। খীণ জোনে আকাশত খীণ পোহৰ দিছিল। জোনটোৰ অলপ আঁতৰতে অকলশৰীয়াকৈ জ্বলি থকা তৰা এটি আছিল। সেই তৰাটিলৈকে চাই ৰতনীয়ে এইদৰে বিনাইছিল।

পুৰি গল বৃন্দাবন,  
উৰি গল ছাই,  
　　　　হে উৰি গল ছাই!  
ৰতনীৰ ধনাই আৰু  
এই পৃথিবীত নাই,  
　　　　হে এই পৃথিবীত নাই!!  
বুজিও মই নুবুজিলোঁ  
কুটুমৰে চিত,  
　　　　হে কুটুমৰে চিত!  
ৰাখিও মই নাৰাখিলোঁ  
দুখীয়াৰ বিত,  
　　　　হে দুখীয়াৰ বিত॥

বৈয়াহিক মোৰ আলাসৰ,
চিনিও নিচিনিলোঁ,
হে চিনিও নিচিনিলোঁ।
ডিঙিৰ সোণমণিটিক
এচাৰি ভাঙিলোঁ,
হে এচাৰি ভাঙিলোঁ ॥
আটোম্‌টোকাৰি বান্ধৈৰ
নাপালোঁ আঁট্‌কাল,
হে নাপালোঁ আঁট্‌কাল।
সাঁফিৰ লেলেতীয়া বিষ
ৰল চিৰকাল,
হে ৰল চিৰকাল ॥
মৰি গৈ সোণ সৌ
তৰা এটি হল,
হে তৰা এটি হল।
টুপি টুপি চকুৰ লোৰে
মোলৈ চাই ৰল,
হে মোলৈ চাই ৰল ॥
সোণৰ শিকলিডালি
চকুৰ লোৰে গোথাঁ,
হে চকুৰ লোৰে গোথাঁ।
মোলৈ পেলাই দিয়াঁ ধন,
ৰাখাঁ মোৰ কথা,

হে বাখাঁ মোৰ কথা ॥
সি মূৰৰপৰা টানি
ৰতনীকো নিয়াঁ,
হে ৰতনীকো নিয়াঁ ।
কি আছে পৃথিবীত
আৰু, তুমি নাইকিয়া,
হে তুমি নাইকিয়া ॥
ধনাইৰে ৰতনী যাব
চকুৰ লোতে উঠি,
হে চকুৰ লোতে উঠি ।
পৃথিবীত থব শোক,
টানি ধৰাঁ মুঠি
হে টানি ধৰাঁ মুঠি ॥
ধনাইৰ চকুৰ পানী হেৰ
কপৌ-ফুল হল এ,
হে কপৌফুল হল এ ।
সন্তাপৰ কথাখিনি
মূৰ লৰাই কলে,
হে মূৰ লৰাই কলে ॥
টোপনিৰপৰা উঠি
পখীটিয়ে মাতে,
হে পখীটিয়ে মাতে ।

"উঠ ৰতনি উঠ!" বুলি
বপুৰিয়ে থাটে,
হে বপুৰিয়ে থাটে ॥
কেনেকৈ লগ পাম
সৰগৰে তৰা,
হে সৰগৰে তৰা।
পথী হেৰ বুধি দে,
কি কৰোঁ, কৰা,
হে কি কৰোঁ, কৰা ॥
বেজাৰত জোনাবাই
শুকাই খীণাই গল,
হে শুকাই খীণাই গল।
কাৰ নো বেজাৰ বাই,
তোৰ কি নো হল,
হে তোৰ কি নো হল ?
মুকুৰে সৰ্ব্বস্ব মোৰ
ধনবৰে নিলে,
হে ধনবৰে নিলে।
সেইটো হে বেজাৰে মোক
খুলি খুলি খালে,
হে খুলি খুলি খালে ॥
গছৰ আগত লৰে হেৰ
চিকিমিকি পাত,

হেৰ চিকিমিকি পাত।
কোনে শাঁত কৰে মোক
এবাৰ লগাই মাত,
হেৰ এবাৰ লগাই মাত?
আন দিনা নিয়তীয়ে
"নিওঁ" "নিওঁ" কৰে,
হে "নিওঁ" "নিওঁ" কৰে।
আজি জানো ধনাইৰ শোকত
তাইৰো মাত হৰে,
হে তাইৰো মাত হৰে॥

সৰগত ধনবৰ,
পৃথিবীত মই,
হে পৃথিবীত মই।
দুটি প্ৰাণী এটি কৰা,
পুইণ কাম হয়,
হে পুইণ কাম হয়॥
"নিওঁ" "নিওঁ" সদায় কৰ,
আজি নে মোক,
হে আজি নে মোক!
মোক নি ধনাইক দে,
কুশল তোৰ হোক,
হে কুশল তোৰ হোক॥

ক্ষুকুঁৰীয়া বা তই
শুন মোৰ কথা,
হে শুন মোৰ কথা,—
ধনাইক ক গৈ ৰতনীয়ে
বৰকৈ পাইছে ব্যথা,
হে বৰকৈ পাইছে ব্যথা ॥
নিয়ৰ—

এনেতে ৰতনীৰ মাকৰ কাণত হঠাৎ এবাৰ ৰতনীৰ এই বিননি পৰিলত, মাকে শোৱা পাটীৰপৰা উঠি বাহিৰলৈ আহি, ৰতনীৰ হাতত ধৰি তাইক টানি ভিতৰলৈ লৈ গৈ পাটীত শুৱাই দিলে।

১৮৩৪ শক।
মাঘ, হাওড়া।

## পকা চুলি।

( গীত )

আৰে পকা চুলি মোৰ ?
পক ধৰিছে চুলিত,
তালৈ চকু কিয় তোৰ ?
আৰে পকা চুলি মোৰ ?

চুবুৰীয়া লৰা বুঢ়া
সকলো মোৰ মনত জোৰা,
ইঁহা লৰা, কন্দা বুঢ়া,
সকলো কুটুম মোৰ।

বাহিৰত মোৰ পকে চুলি,
ভিতৰত বাজে মৌ সুতুলি,
লৰাৰ কিৰিলি থলকত
মোৰ ৰঙৰ-নাই ওৰ।

বুঢ়া বেলিত উষাৰ পোহৰ,
বুঢ়া বিৰিখত বা বসন্তৰ,
বুঢ়া আমত কুঁহি পাত
লৰে জুৰ্ জুৰ্।

ৰূপৰ বঠা, সোণৰ নাও,
টুল্ টুল্ টুল্ বাই যাওঁ,
কলীয়া পানীত ৰূপালী ৰহণ
মোৰ মনৰ চোৰ।

যমুনাৰ জলত উঠে লহৰ,
ৰাজহাঁহজাকে কৰে পোহৰ,
অমল ধবল তৰল কমল
হাঁহিত বিভোৰ।

আন্ধাৰ পোহৰ যুজে বৰ,
শেহত জয় পোহৰৰ,
আন্ধাৰ ৰাতি ফুলে সেউতী,
গোন্ধত ফুৰ্ ফুৰ্।

অপেশ্বৰী আনন্দ কৰে,
সাতোৰ দি পানীত ফুৰে,
কলা মূৰত হীৰাৰ মুকুট
জ্বলে তিৰ্ বিৰ্।

কানুৰ কোলাত ৰাধা গৌৰী,
নীল আকাশত বগৰ শাৰী,
ভোমোৰাৰ শুঙত ফুলৰ ৰেণু
সুন্দৰ সুন্দৰ।

পকক চুলি, পকক মূৰ,
ৰসত হওক ভৰপূৰ,
চলত দেশ বুৰোঁ বুৰোঁ,
সকলো একাকাৰ।
আৰে পকা চুলি মোৰ।

১৮৩৪ শক।
ফাগুণ, হাওড়া



# মহাপ্ৰয়াণৰ যাত্ৰী।

( গীত )

( ১ )

মহাপ্ৰয়াণৰ যাত্ৰী হেৰা,
মই মহাপ্ৰয়াণৰ যাত্ৰী।
লগত মাথোঁ সমল মোৰ
ভকতিৰ জোলোঙা এটি॥

(২)

জ্ঞান জ্ঞান কৰি ফুৰি
গোৱাঁলোঁ জীৱন ঘূৰি ঘূৰি,
জ্ঞানৰ নাপালেঁ উৰাদিহ,
গোটালোঁ খোলাকুটি।

(৩)

শঙ্কটময় বাটত মোৰ
শত্ৰুৰ সকলোবোৰ,
লগৰীয়া কোনো নাই,
পৰিছোঁ থাই উজুটি।

(৪)

ধৰ্ম্মৰ নাগপাশ জৰী,
কোনে কৰে তুৰিমুৰি ?
যত আঁটে তত যায়
দূৰ হৈ মুকুতি॥

(৫)

ভকতি সমল কৰি,
কোন আছা কত পৰি?
আহাঁ যাওঁ লগ ধৰি,
স্বামীয়ে পঠাইছে মাতি ॥

(৬)

ভকতৰ পদৰ ধূলি
মূৰত লৈ বাট বুলি,
প্ৰভুৰ সিংহাসনৰ তলত,
আহাঁ পৰোঁ গৈ লুটি ॥

(৭)

আসন তলৰ ধূলিত পৰি,
ভকতিৰ জোলোঙা উবুৰি কৰি,
কটাওঁ মই অনন্ত কাল,
মনৰ হাবিলাষ এইটি ॥
মই মহাপ্ৰয়াণৰ যাত্ৰী।

১৮৩৫ শক।
বহাগ, হাওড়া।

## মৰণ ।

আহক মৰণ ভয় নকৰোঁ সমূলি ।
কিন্তু কওক তেওঁ, যি জানে এই নিঃকিনক,-
"বপুৰা বেচেৰা ! ৰুইছিল এজুপি অশোক,
ফুলি যাৰ ফুল, আমোদিছে আসাম সদায় ।"

১৮৩৫ শক ।
জেঠ, হাওড়া ।

## ভদ্ৰতা ।

ভদ্ৰ হোৱাঁ, ভদ্ৰ হোৱাঁ, ভদ্ৰ হোৱাঁ ভাই ।
আনৰো ভদ্ৰতা সি আনিব জগায় ॥

## কৰ্ম্ম ।

কাম কৰাঁ মন প্ৰাণ ঢালি ।
সুফল আজি বা নতু কালি ॥



## কৰ্ম্মৰ আত্মপ্ৰতিপাদন।

মুহূৰ্ত্তেকো ব্যয় নকৰিবা
নিজ কাৰ্য্যগুণ ব্যাখ্যা কৰি।
কাৰ্য্যে নিজে প্ৰকাশ কৰিব ;
নোৱাৰিবা তুমি তো চিয়ঁৰি॥

## এলাহৰ দৰব।

জীৱনক ধেমালি নাভাবি
কৰি যোৱাঁ প্ৰাণ টাকি বন।
ৰথানক যেয়ে যিকে কৈ,
ইজীৱন নহয় সপোন॥
সকলো যে কামত মগন,
দিনে ৰাতি শাঁতি-শুৰ্ত্তি নাই।
এলাহ সাবটি থকাজন
পলে পলে ৰসাতল যায়॥

## সংগ্ৰাম।

কোৱঁা সঁচাকৈয়ে বাৰু হেৰা বিচক্ষণ!
সংগ্ৰাম বিহীন প্ৰাণ কিহৰ কাৰণ?
জনমৰেপৰা চোৱঁা মৃত্যু পৰিমিত।
সাধুজনে যুজ কৰা বিধিৰ বিহিত॥
তেন্তে কিয় পিছ ভৰি, নকৰি সংগ্ৰাম?
সংগ্ৰাম আৰাম, হেৰা, সংগ্ৰাম আৰাম॥

১৮৩৫ শক।
জেঠ, হাওড়া:

## সোণৰ শিকলি।

মাহ পখ সোণৰ শিকলি,
ঈশ্বৰৰ দান।
দণ্ড পল একোটা আঙঠি,
পায় গৈ বৈকুণ্ঠৰ থান॥
শিকলি যে ছিগি যাব চাবা,
যাত্ৰা শেষ নৌহওঁতেই;
সাৱধানে বাট বুলি যাবা,
শুচি আৰু সঞ্জমন হৈ॥

১৮৩৫ শক।
আহাৰ, হাওড়া।

## সৰু আৰু বৰ।

কামৰেই হে উন্নত আসন,
ওথ সৰু ভেদ বিনাশন।
পাচি সজা, কামি চছা, টঙাল তুলুৱা,
সন্মানৰ কাম; নীহ,—মাথোঁ এলেহুৱা॥

---

## আত্মসমৰ্পণ।

শুনা মোৰ কোনো চিন্তা নাই।—
চিন্তাৰ গৰাকীক চিন্তাৰ ভাৰ দিছোঁ ভাই!
তুমি মৰা আপোন চিন্তাত।
মোৰ চিন্তা অচিন্ত্যৰ গাত॥

## তোমাৰ কাম।

সৌ যে চুককণি আছে তোমালৈ পৰি,
উন্নতিৰ ঠাই, হেৰ্ৱাঁ যোৱাঁ কাচিপাৰি।
অজ্ঞান এন্ধাৰে ঢকা গুটিদেক লোক
আছে তাত, জ্ঞান দিয়াঁ, জন্ম সাফলোক॥
সুখী কৰাঁ দুখিতক, আশীৰ্ব্বাদ লোৱাঁ।
ঈশ্বৰৰ থানলৈ আগবাঢ়ি যোৱাঁ॥

---

## কৃতিত্ব।

আত্মমান, আত্মজ্ঞান, আপোন-দমন,
এই তিনি উন্নতিৰ স্তুতি।
নাই ভয় কৰি যোৱা কাম,
সংসাৰত হবা তুমি কৃতী॥

## উচ্চ আশা।

পৰ উপকাৰ হওক জীৱনৰ ব্ৰত।
পৰসেৱা হওক মোৰ কাম।
পৰৰ মৰম আৰু আশীৰ্ব্বাদ লৈ,
যেন মোৰ শৰীৰ পেলাম॥

## বৰ্ত্তমান আৰু ভবিষ্যত।

বোৱা, ৰোৱা, বাটচোৱা,—এতিয়াৰ কাম।
পকা দোৱা, সাঁচি থোৱা, খোৱা, গোৱা গান

— —

## মোৰ জীৱন।

ধন্যবাদ ঈশ্বৰক দিওঁ—
জীৱন নহয় মিহি মোৰ।
সংসাৰৰ ঠেলা, হেচা, টেপা,
খাই আছোঁ দিনৌ দুৰ্ঘোৰ ॥
এশ-এটা শোকৰ তাপত,
এশ-এটা নিৰাশাত হওক
মোৰ মনুষ্যত্ব বিকশিত ॥
উজু প্ৰাণ হিয়াহীন কি যে ভয়ানক !
এয়া-মৰা এধা-জীয়া ! প্ৰভু নিদিয়ক !

১৮৩৫ শক।
আহাৰ, হাওড়া।

## উন্নতিৰ সঁচাৰ-কাঠী।

জীৱনৰ বহুদৰ্শীতাই দিছে মোক সুবুদ্ধি পৰম,—
বৰ হোৱা বুধিৰ কিটিপ মাথোঁ জানা,—অদম্য উদ্যম ॥
থামি পুতি সংকল্প কৰি, মৃত্যু নতু বিজয় সাধন।
এই কাঠী সাৰোগত কৰি লভঁা তুমি বিজয়-ৰতন ॥



## উন্নতিৰ জখলা।

উন্নতিৰ জখলাত তেওঁ
এনেই উঠিছে নাভাবিবা।
টোপনিত থাকোঁতেই তুমি,
তেওঁ কাম কৰিছে জানিবা॥

## লক্ষ্য।

থিৰ কৰাঁ উদ্দেশ্য তোমাৰ;
লক্ষ্যভ্ৰষ্ট যতন বিফল।
সৰ্ব্বপ্ৰাণ সৰ্ব্বমন সঁপি
কাম কৰাঁ, গাত পাবা বল॥

## কাল্পনিক আদৰ্শ।

মনে গঢ়া আদৰ্শ নোপোৱা,
পৃথিবীত যিমান বিচাৰা;
যদি তুমি আদৰ্শৰ অনুৰূপ
কৰি নিজক নগঢ়া॥

## চকু।

চকু লাগে নিজ কাম চিনি লবলৈ।
সরু কাম ?—হানি কিবা তাত ?
ঈশ্বৰৰ দত্ত সেয়ে, ভাবি লৈ তুমি
এহাতুধীয়াকৈ দিয়া হাত ॥

## প্রকৃত জীৱন।

জ্ঞানীয়ে প্রমাণ কৰে, মূর্খই স্বীকাৰু,
নিজ আচৰণ ব্যৱহাৰ।
কর্ম্মশীল জীৱনেই প্রকৃত জীৱন ;
অন্যৰূপ জীৱন ধিক্কাৰ ॥

## সুখবোধ।

কাৰেঙৰ ৰজা আৰু জুপুৰিৰ প্রজা
কোনেও নুবুজে কিনো সুখ
মূৰৰ ঘাম ভৰিত পেলাই,
যদি তেওঁ নাই কৰা দুখ ॥

## সুখীয়া আরু দুখীয়া॥

সুখী মই,—কামৰ অধীন।
দুখী মই,—বক্তা কৰ্ম্মহীন॥

## কামৰ সমাপতি।

ইজীৱনে কামৰ যে সমাপতি নাই।
আৰম্ভন, দৃষ্টান্তৰ মাথোঁ আছে ঠাই॥

---

## সময় পলায়।

কাম কৰাঁ, কাম কৰাঁ, সময় পলায়।
মৰিব সকলোঁ; জীব যি নড়বায়॥

১৮৩৫ শক।
শাওণ, হাওড়া।

---

## ভাগৰ।

ভাগৰা কামত কেতিয়াবা।
নিষ্কৰ্ম্মা ভাগৰে ৰাত্রি দিবা॥

## কোনটো উজু ?

ভাল কৰা উজু কাম ;
বেয়া কৰা টান।
ভাল কৰা সাধ্য ;
বেয়া অসাধ্য-সাধন ॥

## নিয়মৰ বান্ধোন।

জোন, বেলি, আকাশৰ তৰা,
পোহৰায় নিয়মত ধৰা।
কৰ্ত্তব্যক সেইদৰে তুমি
নিয়মিত কৰিবলৈ ধৰা ॥

## মান অপমান।

সৰু কাম ঘিণ কৰা তুমি ?
বৰলৈ তোমাৰ হেপাহ ?
একো নকৰা হে অপমান।
সৰু বৰ মনৰ বিকাশ ॥

## এতিয়াই।

নাথাকিবা চাই, কৰিম কৰিম বুলি কাম।
এই মূহুৰ্ত্ততে লাগি যোৱাঁ।
কৰিব পাৰিম বুলি যি ভাবিছা তুমি,
কৰাঁ, যদি সাহিয়াল হোৱাঁ॥
এতিয়াই লাগি যোৱাঁ, মনে বল পাব।
উছাহত সকলো সিজিব।
অসাধ্যসাধন যেনে বাজীকৰে কৰে,
"সাহে সিধি, আৰ্জে নিধি" হব॥

## উদগনি।

দিন যায়, উঠাঁ সাজিপাৰি ;
সপোনত নিনিবা সময়।
আনে চোৱাঁ খুজিছে যতনে,
তুমি কিয় কাল কৰা ক্ষয় ?
ৰণুৱাৰ শাৰীত তোমাৰ
ঠাইকণি নেদেখানে মিতা ?
সকলোৰে শক্তি অনুসাৰে
যুজিবলৈ আছে কিনো চিতা ?
ভূত আৰু ভবিষ্যত মিছা।
বৰ্ত্তমানে মাতিছে তোমাক।

"হল", "হব", নকৰি ভাবনা,
"হৈছে"ত পেলোৱাঁ আপোনাক ॥

## মুখ্য লক্ষ্য।

জীৱনৰ মুখ্য লক্ষ্য কাম,
শকতিৰ সম্পূৰ্ণ বিকাশ।
ঈশ্বৰৰ সুনিৰ্দ্দিষ্ট মানুহৰ কাম,
তাত কৰাঁ বাস ॥
কৰাঁ তাক ঈশ্বৰত কৰি সমৰ্পণ,
নিজ, পৰ অৰ্থে।
আচৰিত আনন্দৰ মিলি যাব ৰোল,
সন্তোষেৰে সৈতে ॥

## কৰ্ম্ম-জীৱন।

কামত মগন জন জীৱন সাফল ;
কামত জীৱন আগুৱায়।
কামে ঠেলি নিয়ে জানা উন্নতিৰ বাট।
তাৰ আৰু কোনো চিন্তা নাই ॥

## স্বধৰ্ম্ম ।

যত আছা, যি কৰিছা, কৰা ভালকৈ ।
স্বধৰ্ম্মে নিধন শ্ৰেষ্ঠ, পৰধৰ্ম্ম ভয়াবহ হয় ॥

## স্বভাৱৰ দান ।

সুশোভন সুখ ঠাই, স্বভাৱৰ দান,
বিজয় চূড়াৰে সুমণ্ডিত ।
সাহিয়াল সজ লোকে মাথোঁ পায় তাক,
জানিবা নিশ্চিত ॥
অন্ধকাৰ অকল্যান শূন্য তমোময়,
স্বভাৱৰ বিৰোধ পন্থীৰ মাথোঁ হয় ॥

১৮৩৫ শক ।
শাওণ, হাওড়া ।

## নিমাতী কন্যা ।

১

ৰতন পুৰৰ এজন ৰজাৰ আছিল একেটী কইনা ।
ৰূপহী জীয়ৰী ঘৰ আলো কৰি, নামটি নিমাতী মইনা ॥
ওপজাৰেপৰা কথা ফুটা নাই, ফুটিছে মাথোন হাঁহি ।
পোহৰ সদায়, ৰোহ ঠেহ নাই, যেনে কেতেকীৰ পাহি ॥

বুধিৰ জেউতি জ্ঞানৰ দীপিতি দুচকু আবৰি আছে।
ভাবত অমিয়া, ৰূপত লৱণু চাৰিফালে বিৰিঙিছে ॥
বোবা কোনে বোলে ? চিন নাই তাৰ, প্ৰতি অঙ্গতেই মাত।
চলনে ফুৰণে নিস্ফুট বচন, শবদৰ অভাৱ হে তাত ॥
বাপেক মাকৰ মনত অসুখ, একেটী মাথোন জী।
কিয় নো নামাতে, কি নো কপাল হল ! কত নো কৰিব কি ?
বেজ-গিয়ানীৰ যতন বিফল, ৰজা ৰাণী বিকলীয়া।
পূজা-সেৱা দান-দক্ষিণা বিফল, বেজাৰে দহিছে হিয়া ॥

২

পূৰিল যৌবন, নিমাতীৰ ৰূপত ভৰি পোহৰিল ঘৰ।
ৰজা ৰাণী দুইৰো ভাবনা চৰিল—কত পাওঁ এটি বৰ ॥
দেশ বিদেশলৈ বাতৰি পঠালে, নিমাতী কন্যাক দিব,
ডেকা যিজনাই নিমাতী মইনাক মতাই দিব পাৰিব ॥
কন্যাৰ লোভত ৰজাৰ কোৱঁৰ ভোমোৰা জাক যেন হল।
নানা বুধি কৰি মাত উলিয়াবৰ চেষ্টা কৰি হাৰি গল ॥
সকলো হুৰিল ; ৰজাই আমনি, কন্যাই আমনি পালে।
ঢোল পিটি ৰজাই আকৌ শুনাই দিলে,—
নোৱাৰাক পঠাব শালে ॥
যেনে আহিছিল তেনেকৈ ভাগিল ৰজাৰ কোৱঁৰ জাক।
তাতো সাহ কৰি আহি হাৰে যি, পঠায় পোতাশালে তাক ॥

৩

কমতাপুৰৰ কোৱঁৰ এজন, আলসুৱা তেওঁৰ নাম।
ওৰে দিন ওৰে ৰাতি বীণ বায়, নিশিকে ৰজাৰ কাম ॥

বাপেক হুৰিল, মন্ত্ৰীও হুৰিল, হুৰিল পঢ়াওঁতাজন।
বীণ বাই মাথোঁ সময় কটায়, নিদিয়ে একোতে মন ॥
বলিয়াৰদৰে বীণখনি বায়, নকয় সৰহ কথা।
জীৱনৰ উদ্দেশ, সৃষ্টিৰ সম্ভেদ, বীণতেহে যেন গোথা ॥
এৰিলে ৰজাই আশা কোৱঁৰৰ, পাত্ৰ মন্ত্ৰী আশা এইলে।
পানী একেচলু দি থৈ মাকে, মাজুত আশা পাতিলে ॥
কোৱঁৰৰ সন্তোষ,—জঞ্জাল গুচিল ; দুগুণ উছাহ কৰি
বাই ফুৰে বীণ, হিয়া তাতে লীন, সকলো গল পাহৰি ॥

৪

কোৱা-চিলাৰ মুখে শুনিলে বাতৰি, নিমাতীৰ বাপেকৰ পণ।
কোনে জানে কিয়, কমতা-কোৱঁৰৰ যাবৰ হল তালৈ মন ॥
বীণখনি মাত্ৰ লগৰ লগৰী, কোৱঁৰ ওলাল গৈ তাত।
নমস্কাৰ কৰি ৰজাক জনালে—"মই উলিয়াম মাত ॥
হে নৃপমণি, এই বীণখনি, লাও-খোলা আৰু কাঠ,
শুকান ছালেৰে সাজি ললোঁ মই, মাতিছে অমিয়া মাত।
আপোনাৰ জীয়ৰী অতুল সুন্দৰী, তেজ মঙহেৰে গঢ়া।
মাত উলিৱাটো টান কাম নহয় ; নাই কোৱা কথা বঢ়া ॥

৫

মুৰৰপাৰা ভৰি সকলো চাই ললে কোৱঁৰৰ নৃপমণি।
চেনেহ ৰসত হিয়া পমি গল, চকুত ওলাল পানী ॥
ভাবিলে কিনো নো সুলক্ষণী লৰা, দেখিলে চকু জুৰায়।
নোৱাৰিলে মাত উলিয়াব জীৱ, মিলিব ৰৰ অপায় ॥
নেলাগে বোপা মোৰ, এনে সাহ কৰিব, উভতি ঘৰলৈ যোৱাঁ।

প্ৰতিজ্ঞা বেয়াকৈ কৰা আছে মোৰ, নোৱাৰিলে দুখ পোৱা ॥
থাওক মোৰ ছোৱালী, নেলাগে মাতিব, তোমাক নিদিওঁ দুখ।
নুশুনো শবদ, তাইৰ মাত নুশুনো, চকুৰেই লভিম সুখ ॥"

৬

কমতা-কোৱঁৰে প্ৰণামি বুলিলে, "নিৰাশ নকৰিব মোক ;
পৰীখোঁ কপাল বুলি আহিছিলোঁ, দিয়ক, নিদিব শোক ॥"
নিৰুপায় নৃপে অনুমতি দিলে, কন্যাক অনালে মাতি।
দেখিয়েই কোৱঁৰে আঙ্গুলি লগালে বীণখন কৰি কাতি ॥
সাৰেঙ্গ, গান্ধাৰ, কামদ ৰাগিণী অমৃত বৰষি গল।
নিমাতী কইনাৰ হৃদয় বুৰিল, সকলো স্তম্ভিত হল ॥
ধ্বনি প্ৰতিধ্বনি ৰোল উঠি গল, আনন্দত নাচিল জীয়।
কোৱঁৰৰ ডিঙিত ওলমি মইনাই মাতিলে "প্ৰাণপ্ৰিয়" !
ৰজা উঠি আহি দুইকো আকোঁৱালি, শুঙিলে দুইৰো মুৰ।
কন্যা দান কৰি বীণ-কোৱঁৰক ৰঙত মজিল পুৰ ॥

১৮৩৫ শক।
শাওণ, হাওড়া।



# তিলকা।

তিলকাৰ বয়স দহ বছৰ। গিৰিয়েকৰ মুখ নেদেখাকৈয়ে তিলকা ৰাৰী হল। তিলকাৰ মাক বাপেক ককাই ভাই কোনো নাই; আছিল বুঢ়ী মাক ৰাঙলী। ৰাঙলীয়ে মাগি-খুজি তিলকাক খুৱাই প্ৰতিপাল কৰি আছিল। এদিন ৰাঙলীও মৰি থাকিল। তিলকাই বুঢ়ীমাকৰ শৱটো আগত লৈ এইদৰে বিনাই কান্দি আছিল; তাৰে ছুফাকিমান তলতদিলোঁ; শোক লাগে দেখি বাকীথিনি এৰিলোঁ,—

(সুৰ—আগলি কলাপাত লৰে-কি-চৰে।)

তিলকা হেনো তোৰ তামোলৰ ডাবি।
বুকুৰে তিলকাক বুকুতে থবি।
আজি পৰি বল তিলকা তোৰ।
এৰি গল আইতা ৰাঙলী মোৰ।
কোনে নো ৰাইকংৰ সাধুটি কব।
ৰাৰী দুখুনীৰ দুখ কোনে পতিয়াব।
মই হেনো ৰাৰী, মোৰ কোনোৱেই নাই।
কলৈ গলি নাতিনীৰ ৰাঙলী আই।
"ৰাৰীৰে কোৰৰৰ" দুখৰে সাধু
শুনি মই বিলাপোঁ, দুখতে কান্দো।
খৰিভাৰী পালে ৰজাৰে জী;
সতিনী কৰিলে সতিনীৰ কি;
কোনে কৈ তিলকাক ভুলাব শোক।
এৰি গল দুখতে আইতাই মোক।

ৰাঙলী আইতা মোৰ কলৈ নো গলি ?
চেনেহৰ তিলকাক কাৰ বুকুত দিলি ?
গোসাঁয়ে তিলাইকে অনাথী কৈলে।
ওপজাই তাইক মাথোঁ যমলৈ দিলে।
উঠ আই ৰাঙলী নাযাবি এৰি।
মোকো তোৰ লগতে লৈ যা মাৰি।
কিনো পাপ কৰিলোঁ একো নাজানো।
হে মোৰ প্ৰভুদেউ সদায় মই কান্দো।
ইত্যাদি।

১৮৩৫ শক।
শাওণ, হাওড়া।

## ৰেণুকা।

পৰিছা যি অৱস্থাত তাতে হোৱাঁ সুখী।
চেষ্টা কৰি ভাল হোৱাঁ, ৰং কৰাঁ সখি।

*

*   *

চিন্তা যদি পৰিণত নকৰা কাৰ্য্যত
স্বপ্নৰ নিচিনা তাক মানিবা মনত।

*

*   *

প্ৰেমত ঘূৰিছে ভূমণ্ডল।
প্ৰেমত ফুলিছে শতদল।

*
*    *

ওখ কৰা আশা।
নিৰাশা কৰ্ম্মনাশা।

*
*    *

অলপ সুখৰ পৰিমাণ,
নকৰিবা তাক আৰু তাকৰ;
কৃতকাৰ্য্য গুৰিতে নেদেখি,
নহবা হে মিছাতে কাতৰ।

*
*    *

চকুক চাবলৈ দিয়াঁ, সুন্দৰ যি পাৰে।
অনুভৱ হিয়াত হক যত্তমান ধৰে॥

*
*    *

ক্ষমা কৰাঁ, ক্ষমা পাবা তুমি।
ভাল কৰাঁ, হবাঁ উৰ্দ্ধগামী॥

***

মৰম কমিছে কোনে কয়?
সঁচা যি অটুট সদায় ৰয়॥

***

জীৱনটো যদিও দুদিনীয়া,
প্ৰেম কিন্তু ঠিক যুগমীয়া।

*
* *

শেহ ফল হে লক্ষ্যৰ সমল।
বিচাৰে টানৰো পায় তল॥

*
* *

দুখৰ ৰাতি যিমানেই দীঘল,
অন্ত তাৰো আছে।
সুখৰ ঊষাৰ কিৰণ চোৱাঁ,
পূব ফালে বিৰিঙিছে

*
* *

মানুহৰ স্বভাৱ যিমানেই গোকাট,
তথাপি সৰহ ভাল।
ইলিহি মাছত যিমানেই কাঁইট,
সৰহ ভাগ তেলাল॥

*
* *

সকলোৰে ভাল হওক সংসাৰত,
দুৰ্মতি সুমতি হওক।

সকলো সুখত থাকক, মোৰ ইচ্ছা,
সকলো দীৰ্ঘায়ু হওক ॥

*
* *

আচৰণৰ সদা মিলনৈ চকুতকৈ
সত্যৰ লক্ষ্য ভাল।
সত্যৰ প্ৰতিষ্ঠা সত্যৰ সন্মান
সদাকাল, সদাকাল ॥

*
* *

মধ্যাহ্ন সূৰ্য্যৰ দীপিতি পৰক গোটেই জীৱনটোত।
পাপ-এন্ধাৰৰ ছাঁ কাষলৈ সমূলি যেন নাহক ॥

*
* *

পোহৰত ফুলা ফুলৰ সুগন্ধে ভৰক জীৱন মোৰ।
এন্ধাৰৰ কৃমি কীটৰ দুৰ্গন্ধ হওক দূৰতে দূৰ ॥

*
* *

পৰত থাপা বিশ্বাস।
বিশ্বাসে আনে বিশ্বাস ॥

*
* *

সাহতকৈ সহ্যগুণ ভাল।
সুন্দৰতকৈ ধৈৰ্য্য চিৰকাল

*
* *

নিজৰ দৰব নিজতে নাফাপে,
লোকক দিবলৈ যোৱা ?
নিজেই ভিকহু, টেকেলি কাতি !
আনক নো কি বিলোৱা ?

*
* *

খপিলে উজ্জ্বল হয় সোণৰ বৰণ।
বিপদত পোৱা যায় বন্ধুৰ চিনন ॥

*
* *

ভাল ভাগ জীৱনত নিশ্চয় সবহু।
জুখি চোৱাঁ, শেহ ফল পাবা ওগাইবহু

*
* *

সজ কাম, বৰ কাম, অজৰ অমৰ।
থাকে যেন চিৰকাল চন্দ্ৰ দিবাকৰ।

*
* *

অশোক অন্তৰে পায় দীঘল জীৱন।
শোক-ভৰা হিয়া শীঘ্ৰে হয় বিনাশন।

*
* *

গোলাপে শুৱায় সুন্দৰ ফুলনি।
প্ৰেমে শুৱায় মানুহৰ জীৱনী ॥

*
* *

সাৰ মনৰ কম শুনি মাত।
অসাৰৰ ঢোল দিন ৰাত॥

*
* *

আশা মোৰ মন-ৰাজ্যৰ ৰজা।
নিৰাশাত প্ৰাণ মন ভজা॥

*
* *

চুটি জীৱনতো আছে ভদ্ৰতালৈ কাল।
হেন জানি কিয় তুমি নোহোৱা হেঁ ভাল

*
* *

সজ চিন্তা যিহে দিব আনি,
তাৰ তুমি হোৱাঁ অনুগামী॥

*
* *

ঘৰৰ গুৱনি বন্ধুজন।
অন্তৰ গুৱনি ধৰ্ম্ম-ধন॥

*
* *

জানা তুমি প্ৰথমে নিজক।
তৰ্কলৈ নানিবা ঈশ্বৰক।

ভকতি বিশ্বাস মাথোঁ ঈশ্বৰক দিবা।
কৰ্ত্তব্য কামৰ ফল চাই নুফুৰিবা।

*
* *

স্বইচ্ছাত যি ভাব আহিব।
সেইভাবে শ্ৰেষ্ঠ ঠাই লব॥

*
* *

ঈশ্বৰৰ দান জানা বন্ধুৰ বন্ধুতা,
আমোলন বস্তু; লোৱাঁ, নকৰিবা চিতা॥

*
* *

বিশ্বাসে আনন্দ দিয়ে, প্ৰেমেহে যৌবন।
বয়সে নকৰে বুঢ়া, পাপেহে উছন॥

*
* *

স্বভাৱৰ সুন্দৰ অমৰ।
বিৰোধী বিষত জৰজৰ॥

*
* *

গৌৰৱ কিৰীটি থাকে সদায় উজ্জ্বল।
বৃথা গৰ্ব্ব হুদিনীয়া, তাত ধৰে মল॥

*
* *

জানি লোৱাঁ কি কৰিব লাগে।
কৰাঁ তাক যি থাকে ভাগে ॥

*

* *

বুঢ়া সাধ তাৰ নাই মান।
লৰা জ্ঞানী তাৰেই সম্মান ॥

*

* *

সজ কাম কৰিবা লুকাই।
তথাপি ফাটিব যহ ভাই ॥

*

* *

উপাধি সম্পদ তুচ্ছ অতি,
যদি জ্বলাওঁ সাংসাৰিক বাত্তি ॥

*

* *

দয়াহীন জন হে গোবান্ধ।
আন জন নহয় সি যাও ॥

*

* *

চোৱাঁ মোৰ জীৱনটো কবিতাৰ আৱলী।
ঘটিকাৰ ঘণ্টা পলে পড়ি যায় চলি।

জুমুৰি, লেচাৰী, ছবি, তুলৰীৰ সুৰ,
কবিতা কদম-কলি ৰেণুৰেই পূৰ।

*
* *

ইতিহাস বুৰঞ্জীৰ বগা গোফ ডাঢ়ি।
চিৰ যৌবনেৰে ভৰা কবিতা-কুৱঁৰী॥

*
* *

বলেৰে শাসন জানা নহয় শাসন;
ধৰমত নাম তাৰ অন্যায় আচৰণ॥

*
* *

দোষ খোচৰাই পায় উটা খেৰৰ জাজি।
গুণ বিচৰালৈ থাকে তলিত মুক্তাৰাজি।

*
* *

সুখ নাই;—ধনে কি কৰিব?
চকু নাই;—বেলি পোহৰিব?

*
* *

ভয়াতুৰ! নকৰিবা পিছুভৰি তুমি।
সাহ পাবা যাওঁতেই; মাতে জন্মভূমি॥

*
* *

ঈশ্বৰৰ দান এই মানপী জনম ;
আজ্ঞা,—তুমি দিনে ৰাতি কৰি থাকা শ্ৰম

*
* *

সুখ, দুখ, ভাল, বেয়া, তোমাৰ হাতত
আপোন কৰম-ফল ; নাই কপালত ॥

*
* *

কম কাম, কম শ্ৰম, কম ফল লাভ।
বেছি শ্ৰম, বেছি ফল ; কি লাভ বিলাপ ?

*
* *

ঈশ্বৰত অৰ্পি চিন্তা, দুখ, শোক, তাপ,
গোঁজ পুতি নাও বান্ধা, নাথাকে সন্তাপ ॥

*
* *

নিৰ্ধনীৰো সুখ আছে অমিয়া অতুল।
ধনীয়ে নাপায় তাৰ ভু আৰু কুল ॥

*
* *

মুখৰ বন্ধুত্বপূৰ্ণ গোটেই পৃথিবী
ঠিক বন্ধু জীৱনত দুটা এটা পাবি ॥

*
* *

নপাৰিবা পিছ হেৰঁা আগুৱাই যোৱঁা
সকলো বাঢ়িছে আগ, পিছ এলেহুৱা।
মৰণ পৰ্য্যন্ত কাম, নাহিকে এৰণ।
মানৱীজন্মৰ জানা কৰ্ত্তব্য সাধন॥

*

*　*

এটি কথা আমোলন, অন্তৰবপৰা।
লক্ষ কথা এবকলা, জীৱন্ততে মৰা

জ্ঞান-পথ এৰি জ্ঞানী যায় কেতিয়াবা।
অন্তৰৰ বাণী, বোপা, সদায় শুনিবা॥

জয়-লক্ষ্মী আজিয়েই আগত তোমাৰ।
কালি বুলি বহি থাকি নহবা অসাৰ॥

*

*　*

বলী কৰঁা হৃদয়ক, হে মৰতবাসী।
দুখত জলক তেজ, শোকত যে হাঁহি॥
অন্ধকাৰ ডাৱৰত বিজুলী চমকে।
এন্ধাৰ নিশাত জানা তৰা চিক্‌মিকে॥

পূৰোৱাঁ প্ৰেমেৰে হেৰা হৃদয় তোমাৰ।
মানুহক, ঈশ্বৰক দিয়াঁ উপহাৰ॥

*

*   *

সুফল নাপালা বুলি নিৰাশ নহবা।
আহিব এদিন সি নিশ্চয় জানিবা॥
কৰ্ম্মফল আশালই নকৰিবা মন।
ঈশ্বৰত সমৰ্পিবা ফল আৰু বন॥
কাম কৰিবৰ তোমাৰ অধিকাৰ আছে।
ফল দান ঈশ্বৰে হে হাতত ৰাখিছে॥

যি প্ৰেমৰ লৰচৰ, সি প্ৰেম নহয়।
যি ভক্তিত ভাঁজ আছে, ভক্তি কোনে কয়

*

*   *

ধন নাই? হানি নাই তাত।
আনন্দৰ উৎস যে হিয়াত॥

*

*   *

সকলোকে প্ৰেম দিয়াঁ, অল্পক বিশ্বাস।
সপোনতো নিচিন্তিবা কাৰো সৰ্ব্বনাশ॥

*

*   *

ভাল হোৱা নামত নহয়।
সুখ পোৱা দিঠকত হে ৰয়॥

*

*        *

লাহে লাহে বন্ধু বাছি লবা।
তাতোকৈ লাহে হে সলাবা॥

*

*        *

সজ নাম সজ হৈ লবা।
মিছা নাম নিটিকে জানিবা॥

*

*        *

ঈশ্বৰৰ গোটেই আশীষ,—
দীর্ঘ প্রাণ, স্বাস্থ্য অহর্নিশ।

*

*        *

বাট হওক কুসুম কোমল।
ইঁাহি হওক প্রেমৰ সমল॥
আনন্দ লোতক চকু ভৰা।
আশীর্ব্বাদ এই মোৰপৰা॥

*

*        *

নিজৰ দুখৰ বোজা নিজে তুমি ববা।
লোকৰ পিঠিত তাক কদাপি নিদিবা।

*

*   *

ধীৰ হবা বিচাৰ কামত।
হুৰামুৰা বিচাৰ নামত॥

*

*   *

সুনিপুণ কাৰ্য্যপটু জনে
কাৰ্য্য কৰাঁ, কি কাম নপোনে?

*

*   *

পুণ্য কাম সঁচাসচি সুখ।
সুচৰিত্রে পোহৰায় মুখ॥

*

*   *

সাহী হিয়া খন্তেকলৈ ভাগে;
কিন্তু তেজ দিনে ৰাতি জাগে।

*

*   *

প্রকৃত বন্ধুতা ঠিক পবিত্র বান্ধোন।
অসময় বিপদত বাঢ়ে তাৰ গুণ॥

***

সজ চিন্তা কৰঁা।
সুকাম জন্মিব তাৰপৰা ॥

*

* *

যথাসাধ্য সজ কাম যতনি কৰিবা।
নফলিল অতিকৈ ;—নিৰাশ নহবা ॥

*

* *

গোটেই নিখুত কাম তোমাৰ
কদাপি নহয়।
সোণৰ থাৰুৰ অত-তত
পোটোকা পৰি ৰয় ॥

*

* *

বাটৰ দুবৰি বন গছকত পৰা
তাৰো এটি পাতে দিয়ে স্বৰ্গৰ বতৰা।

*

* *

বয়সৰ শক্তি নাই আশা বিনাশিব।
ঈশ্বৰৰ অংশ আশা অমৃতত মিলিব ॥

*

* *

ঊষাৰ পোহৰ, বসন্ত মলয়া,
নিয়রে তিৰোৱা যূই,
শতেক বছৰ সম্ভোগ হওক,
আশীৰ্ব্বাদ দিওঁ মই।

১৮৩৫ শক।
ভাদ, হাওড়া।

## ঈশ্বৰ আৰু ভকত।

বৈকুণ্ঠৰেপৰা হৰিয়ে শুধিলে—
"কোন কোন আহিবৰ হল ?"
নাম-লোৱা ভকতে সাদৰি বুলিলে—
"নামতে গৈ আছোঁ তল।"
বৈকুণ্ঠৰেপৰা গোসাঁয়ে মাতিলে—
"আহাঁ হে ভকতসকল !"
নাম-লোৱা ভকতে লাহেকৈ বুলিলে—
ভকতিত পাই লওঁহঁক বল।
প্ৰভুৱে মাতিলে, "বাপু মোৰ ভকত হে,
প্ৰসাদ লবৰে হল।"
ভকতে বুলিলে "প্ৰভু বাসুদেউ,
নামতে ভোক পিয়াহ গল।"

নাৰদক মাতিলে, উদ্ধৱক মাতিলে,
বিদুৰক প্ৰভু মাতিছে।
নাৰদে বিদুৰে উদ্ধৱে বুলিলে—
"যাম প্ৰসঙ্গৰ পিছে।"
"মৰতত ভকত, বৈকুণ্ঠত মুকুত,
লৰি আতৈসকল আহাঁ!"
"নেযাবেঁ নেযাবেঁ প্ৰভু মোৰ গোবিন্দাই,
মুকুতিৰ নকৰোঁ বেহা।"
"নাহা হে যদি, মই যাবকেই লাগিল,
লগলৈ তোমালোকৰ।
ভকতক এৰি থাকিব নোৱাৰোঁ,
পলকেই একো বছৰ।"

১৮৩৫ শক।
ভাদ, লৰেল্‌চ, হাওড়া

অন্ত।



শ্রীযুত লক্ষ্মীনাথ বেজবৰুৱাৰ এটাইবোৰ কিতাপ আমাৰ হাতত আছে আৰু আমি বেচোঁ।

টিম্বৰ এণ্ড ষ্টোৰ এজেন্সি।

প্ৰপ্ৰাইটৰ এল, এন, বেজবৰুৱা।

৩৩ নং কেনিং ষ্ট্ৰীট, কলিকাতা।

| | |
|---|---|
| কদম-কলি ... ... ... | ১৲ |
| জোন-বিবি ... ... ... | ১৲ |
| শঙ্কৰদেৱ ... ... ... | ১৲ |
| ককাদেউতা আৰু নাতিলৰা ... ... | ১৲ |
| বুঢ়ীআইৰ সাধু ... ... ... | ১৲ |
| সুৰভি ... ... ... | ১৲ |
| সাধু কথাৰ কুকি ... ... ... | ১৲ |
| ভাৰত বুৰঞ্জী ... ... ... | ১৲ |
| কৃপাবৰ বৰুবাৰ ওভতনি ... ... | ১৲ |
| কৃপাবৰ বৰুবাৰ কাকতৰ টোপোলা ... ... | ॥০ |
| পদুম কুঁৱৰী ... ... ... | ॥০ |
| কামত কৃতিত্ব লভিবৰ সঙ্কেত ... ... | ॥০ |
| ঢাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱনী ... ... | ॥০ |
| লিতিকাই ... ... ... | ।৵০ |
| জুনুকা ... ... ... | ।৵০ |

মেনেজাৰ।

# আমিষ ও নিরামিষ আহার

—— ঃ*ঃ ——

প্রথম খণ্ড—দুই টাকা।

দ্বিতীয় খণ্ড—দেড় টাকা।

তৃতীয় খণ্ড—তিন টাকা।

শ্রীমতী প্রজ্ঞাসুন্দরী দেবী প্রণীত।


টিম্বর এণ্ড ষ্টোর এজেন্সিত

পোৱা যায়।

৩৩ নং কেনিং ষ্ট্রীট. কলিকাতা।